


# লীলামালা।



বৈষ্ণব কুলতিলক

মহাপুৰুষ শঙ্কৰ দেৱ ৰচিত।

ডিব্রুগড়ৰ

শ্রীশিবনাথ ভট্টাচার্য্য দ্বাৰা

প্রকাশিত।

কলিকতা, ১২২নং আমহার্ষ্ট ষ্ট্রীট, "ৰাধাৰমণ যন্ত্রত"
শ্রীনৃত্যগোপাল চক্রবর্ত্তী দ্বাৰা ছপা কৰা হল।

সন ১৯০৬ জানুয়াৰী।



শ্রীশ্রীকৃষ্ণায় নমঃ।

# লীলামালা।



কৃষ্ণস্ত্বদীয়পদ-পঙ্কজ পঞ্জৰান্তে অদ্যৈব মে বিশতু মানস-ৰাজহংসঃ। প্ৰাণঃ পয়ান সময়ে কফ বাতপিত্তৈঃ কণ্ঠাবৰোধন বিধৌ স্মৰণং কুতস্তে।

ঘোষা। বন্ধু! মাধৱ হে,

তুয়া বিনে আছে আৰ তাৰককে।

বন্ধু মাধৱ হে॥

পদ। শুক মুনি ৰাজাত কহন্ত বিদ্যমানে।

কৃষ্ণলীলামালা আবে শুনা সাৱধানে॥

শ্ৰৱণে কীৰ্ত্তনে আৰ বৈকুণ্ঠক যায়।

ধৰ্ম্ম অৰ্থ কাম মোক্ষ সবে আত পায়॥ ১॥

ব্ৰহ্মায়ে প্ৰাৰ্থিলা পৃথিবীৰ দেখি ত্ৰাস।

লৈলা দৈবকীৰ উদৰত হৰি বাস॥

গৰ্ভতে বিধাতা স্তুতি কৰিলন্ত আসি।

দৈবকী দেবীক বাক্য বুলিলা আশ্বাসি॥ ২॥

পাছে উপজিলা নিজৰূপে দামোদৰ।
দেখি পিতৃ মাতৃ স্তুতি কৰিলা বিস্তৰ॥
উপৰি জন্মৰ কথা নাৰায়ণে কৈলা।
কংসভয়ে বসুদেৱে গোকুলত থৈলা॥ ৩॥
দেখি পুত্ৰ মুখ নন্দ আনন্দে বিহ্বল।
তনয়ৰ জাতকৰ্ম্ম কৰাইলা সকল॥
দৈত্যক বধিবে আৰম্ভিলা গোকুলত।
পুতনাৰ চেতনা শুষিলা প্ৰথমত॥ ৪॥
শকটৰ তলে থৈলা যশোদা শুৱাই।
পেলাইলাহা পাৱে শকটক উভটাই॥
তুলিলাহা হাগি যশোদাৰ পিয়া স্তন।
গৰ্ব্ভতে দেখিলা দেবী চৈধ্যয় ভুবন॥ ৫॥
বিস্ময় দেখিয়া আঁখি মুদিলা সুন্দৰী।
তাত পাছে চক্ৰবাতে নিলা চুৰি কৰি॥
গলত চেপিয়া ধৰি পেলাইলা শিলাত।
মৰি গৈল দুষ্ট দৈত্য তোমাৰ লীলাত॥ ৬॥
জাতকৰ্ম্ম কৰি গৰ্গঋষি থৈলা নাম।
গোকুলত ক্ৰীড়ন্তে ফুৰন্তে কৃষ্ণৰাম॥
নাচাবুলি পাঞ্চে গোপী বজায়া চাপৰি।
কৰিলন্ত নৃত্য ভঙ্গী ভাৱে দেৱ হৰি॥ ৭॥
যশোদা সুধিলা ধৰি কিয় মাটী খাইলি।
নখাইলোঁ বুলিয়া বেস্ত বাইলা বনমালী॥

গর্ব্ভতে দেখিলা দেবী ভুবন চৈধ্যয়।
কৰিলন্ত স্তুতি আতি পৰম বিস্ময়॥ ৮॥
স্তন পিবে নপাই কোপে কৃষ্ণ বৰ চণ্ড।
শিলা হানি দধিৰ ভাঙ্গিলা সবে ভাণ্ড॥
সেহি অপৰাধে ধৰি বান্ধিলা সুন্দৰী।
লাসে লাসে উডুখল টানি নেন্ত হৰি॥ ৯॥
বৃক্ষত লাগিয়া ভৈল উড়ল পথালি।
অর্জ্জুনক উভভিঙ্গি পেলাইলা বনমালী।
বুলিলেক স্তুতি দুয়ো কুবেৰ নন্দন।
নিজ স্থানে গৈল কৰি কৃষ্ণক বন্দন॥ ১০॥
কোনে ফল লৈবেক পসাৰি দিলে ডাক।
ধান্য লৈয়া যান্ত কৃষ্ণ ফল কিনিবাক॥
কৃষ্ণৰ হস্তত ভৰি দিলা ফল বাছি।
সুবৰ্ণে ৰতনে তাইৰ উপছিল পাচি॥ ১১॥
অনন্তৰে ৰাম কৃষ্ণ গৈল বৃন্দাবন।
শিশু সব সহিতে চাৰিলা বৎসগণ॥
বহুবিধ শিশু লীলা আচৰি প্ৰচুৰ।
লীলায়ে বধিলা তৈতে বৎস বকাসুৰ॥ ১২॥
ঘোৰ সৰ্প ৰূপে অঘ আছে বেন্ত বাই।
বৎস বৎসপালক গিলিলে লাগ পাই॥
তাৰ গল ভেণ্টিয়া বঢ়াইল দেহা হৰি।
কৃষ্ণৰ সাৰূপ্য পাইলা অঘাসুৰ মৰি॥ ১৩॥

তাত পাছে ব্ৰহ্মা আসি কৰিলন্ত চুৰি।
মায়া কৰি নিল সবে গোৰক্ষ দামুৰি ॥
হুয়া গৰু গোৰক্ষ আপুনি পৰত্যেক।
সৰ্ব্ব ৰূপে ব্ৰজত বঞ্চিল বৰিষেক ॥ ১৪ ॥
অনন্তৰে ব্ৰহ্মা আসি ভৈলা বিমোহিত।
সবে দিব্য চতুৰ্ভুজ ৰূপে বিপৰীত ॥
হৰিল চেতন একো নাহি ঋদ্ধি সিদ্ধি।
পাছে পাৱে পড়ি স্তুতি কৰিলন্ত বিধি ॥ ১৫ ॥
গৈলা তালবনে সবে গোৱাল সহিতে।
সবান্ধবে ধেনুকক বধিলা তহিতে ॥
গোপগণে তালক ভুঞ্জিলা কণ্ঠ ভৰি।
শঙ্কৰে ৰচিলা ডাকি বোলা হৰি হৰি ॥ ১৬ ॥

---

ঘোষা। ত্ৰাহি গোবিন্দ,
অন্তকে গ্ৰাসে নাশে নাথ নিন্দ,
ত্ৰাহি গোবিন্দ ॥

পদ। বিষময় হ্ৰদ তাক নজানি।
মৰিল গৰু গোপ পিয়া পানী ॥
কটাক্ষে জীয়ায়া দমিলা কালী।
হ্ৰদৰ খেদাইলা তাক নিকালি ॥ ১ ॥
ব্ৰজৰ প্ৰজা বনজুইত মৰে।
ত্ৰাহি কৃষ্ণ বুলি আৰাৱ কৰে ॥

নাহি ভয় বুলি অগ্নিক পিলা।
ব্ৰজক কৈলা গজেন্দ্ৰৰ লীলা ॥ ২ ॥
হৰি কৰি ক্ৰীড়া গোপ সভাতে।
মৰাইলা প্ৰলম্ব বলোৰ হাতে ॥
মুঞ্জবনে গৰু গোপ পোড়ন্তে।
আনিলা তাৰি কৃষ্ণে তৈৰ হন্তে ॥ ৩ ॥
বসন্ত সমে গ্ৰীষ্ম-কাল গৈল।
বৰিষা আসি উপস্থিত ভৈল ॥
বলো সমে সবে গোপক লৈ।
ক্ৰীড়িলা কৃষ্ণে বৃন্দাবনে গৈ ॥ ৪ ॥
আসিল শৰত হৰিষ কৰি।
বৃন্দাবনে বেণু বজাইলা হৰি ॥
গোপ সুন্দৰীৰ বস্ত্ৰক লৈ।
চড়িলা গোবিন্দ কদম্বে গৈ ॥ ৫ ॥
পাইলেক বৰ যত গোপ বালা।
গোবিন্দ গৈল যৈত যজ্ঞ-শালা ॥
গোৱাল সকলে খুজিল অন্ন।
নেদিলে অহঙ্কাৰী বিপ্ৰগণ ॥ ৬ ॥
পত্নীৰ ভকতি দেখায়া সৰ্ব্ব।
ভাঙ্গিলা তাসম্বাৰ কৰ্ম্ম গৰ্ব্ব ॥
ভাঙ্গিলা কৃষ্ণে মখ মহেন্দ্ৰৰ।
পূজিলা গোবৰ্দ্ধন গিৰিবৰ ॥ ৭ ॥

কৰিলা বৃষ্টি ইন্দ্রে ক্রোধ কৰি।
ৰাখিলা ব্ৰজ গোবৰ্দ্ধন ধৰি ॥
কৃষ্ণৰ মহিমা দেখিয়া ভয়।
ভৈলা গোপ গোপী মহা বিস্ময় ॥ ৮ ॥
গৰ্গৰ বাক্যক সুমৰি নন্দে।
বৰ্ণাইলা কৃষ্ণৰ গুণ আনন্দে ॥
কৃষ্ণৰ অদ্ভুত মহিমা দেখি।
সুৰভি ইন্দ্রে আসি অভিষেক ॥ ৯ ॥
গোৰ ইন্দ্র পাতি কৰি প্ৰণাম।
থৈলন্ত কৃষ্ণৰ গোবিন্দ নাম ॥
বৰুণৰ দূতে নিলেক হৰি।
আনিলা নন্দক কৃষ্ণে উদ্ধাৰি ॥ ১০ ॥
বিষ্ণু বুদ্ধি কৰি নন্দৰ পোকে।
দেখিল বৈকুণ্ঠ ব্ৰজৰ লোকে ॥
চন্দ্ৰাবলী ৰাত্ৰি শৰতকাল।
আৰম্ভিলা ৰাস ক্ৰীড়া গোপাল ॥ ১১ ॥
বাঢ়িল গৰ্ব্ব দেখি গোপিকাৰ।
ভৈল অন্তৰ্দ্ধান জগ-আধাৰ ॥
কান্দিল কৃষ্ণৰ গুণ বৰ্ণাই।
তনু পুলকিত চেতন নাই ॥ ১২ ॥
গোপীৰ অতি প্ৰেম ভকতিত।
সবাৰো মধ্যত ভৈলা বিদিত ॥

সবাকো আশ্বাসি কৰিলা ক্ৰীড়া।
এড়াইলা গোপীগণে কাম-পীড়া॥ ১৩॥
শঙ্খচূড় নামে যক্ষক মাৰি।
ৰাখি আনিলন্ত গোপৰ নাৰী॥
খেদি অসিলন্ত অৰিষ্টে ধাই।
লীলায়ে মাৰিলা মাধৱে পাই॥ ১৪॥
কংসত নাৰদে কহিলা পাছে।
তোৰ প্ৰাণ বৈৰী ব্ৰজত আছে॥
শুনিয়া কেশীক কংসে পাঠিলা।
তাকো মাৰি কৃষ্ণে যমক দিলা॥ ১৫॥
বুলিলা কংসে অক্ৰূৰক আনি।
ব্ৰজক যাহা তুমি মহা মানী॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
হৰি হৰি বোলা সমস্ত জনে॥ ১৬॥

---

ঘোষা। ভাবক ভাই ভজ ভগবন্ত।
কৰিবে হৰিষে দুঃখৰ অন্ত॥

পদ। নাৰদে পাছে গোকুলক আসি।
নগিল কৃষ্ণৰ গুণ প্ৰকাশি॥
কংসে পাঠিলেক আসি অক্ৰূৰ।
সন্ধ্যা সময়ে পশি গোপপুৰ॥ ১॥

আকুল হুঁয়া আতি প্রেম ভাৰে।
কৃষ্ণ কৃষ্ণ বুলি পড়িল পাৰে॥
খুড়া বুলি কৃষ্ণে সাবটি ধৰি।
কৰিলা সৎকাৰ আতি সাদৰি॥ ২॥
কংসৰ শুনিয়া নন্দে আদেশ।
লড়িলা শকটে গোপ নিশেষ॥
গোপীকাক ৰাম কৃষ্ণে আশ্বাসি।
সুবৰ্ণৰ ৰথে চড়িলা আসি॥ ৩॥
অক্ৰূৰে সত্বৰে ডাকিল ৰথ।
কান্দে গোপী চাই কৃষ্ণৰ পথ॥
মধ্যাহ্ন সন্ধ্যা কৰিবাক প্ৰতি।
মজিলা যমুনাত দানপতি॥ ৪॥
দেখিলা অনন্ত সহস্ৰ ফেট।
কোলাত কৃষ্ণক পাইলন্ত ভেট॥
কৰিলন্ত স্তুতি পড়ি অক্ৰূৰে।
প্ৰবেশিলা পাছে মথুৰা পুৰে॥ ৫॥
গোপগণ সঙ্গে ৰঙ্গে মুৰাৰি।
ভ্ৰমন্তে দেখিলা মথুৰা নাৰী॥
কন্দৰ্প কোটি যাক নুই তুল।
সাৰি সাৰি নাৰী বৰিষে ফুল॥ ৬॥
বধিলা ধোবাক চৰড় অস্ত্ৰে।
বেশা-কাৰে আসি ভূষিলা বস্ত্ৰে॥

পিন্ধাইলা চন্দন কুঁজী সাদৰি।
তাইৰ কুঁজ সম কৰিলা হৰি ॥ ৭ ॥
পিন্ধাইলা মালী অঙ্গ মুণ্ড মাল।
দিলা সুদামাক বৰ গোপাল ॥
ভাঙ্গিলা কংসৰ ধনুক ধৰি।
ৰাখিয়া সেনাক বধিলা হৰি ॥ ৮ ॥
বঞ্চিলা ৰাতি নগৰৰ মাঝে।
প্ৰভাতে শুনন্ত দুন্দুভি বাজে ॥
গৈলন্ত খেদিয়া নন্দকুমাৰ।
কুবলয় পীড়ে ভেণ্টিলে দ্বাৰ ॥ ৯ ॥
ভূমিত পাড়ি কাঢ়ি লৈলা দন্ত।
কৰিলা কোবাই হস্তীৰ অন্ত ॥
স্কন্ধত গজদন্ত অনুপাম।
পশিলা ৰঙ্গ-শালা কৃষ্ণ ৰাম ॥ ১০ ॥
চৌপাশে উপাসে গোপ কুমাৰে।
দেখিলা কৃষ্ণক দশ প্ৰকাৰে ॥
বলো মুষ্টিকক কৃষ্ণে চানুৰ।
মাৰি মাল দুইকো কৰিলা চূৰ ॥ ১১ ॥
আসিল খেদি আৰো যত মাল।
কৰিলা ৰাম কৃষ্ণে তাৰো কাল ॥
নাচিলা কৃষ্ণে সমাজৰ মাঝে।
পাৱে রুন ঝুন নূপুৰ বাজে ॥ ১২ ॥

দেখিয়া গৰজে কংস বিশাল।
উচ্ছ্ৰিত মঞ্চত চড়ি গোপাল ॥
কেশত ধৰি তাৰ ঘণ্টা লাড়ি।
পড়িল উপৰে ভূমিত পাড়ি ॥ ১৩ ॥
মৰিল কংস জগতৰ ভৰে।
পাইলেক সাৰূপ্য সিটো কৃষ্ণৰে ॥
পিতৃ মাতৃ দুইৰো বন্ধন ছোড়ি।
কৰিলা স্তুতি দুইকো কৰযোড়ি ॥ ১৪ ॥
আনি উগ্ৰসেন পাতিলা ৰাজা।
পাছে আশ্বাসিলা যাদব প্ৰজা ॥
নন্দকো সৎকাৰ কৰিলা আতি।
পঠাইলা প্ৰবোধিয়া বুলি মাতি ॥ ১৫ ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
কৃষ্ণ কথা শুনা সমস্ত জনে ॥
কৃষ্ণলীলামালা ইহাৰ নাম।
সংসাৰ তৰা বোলা ৰাম ৰাম ॥ ১৬ ॥

---

ঘোষা। ৰামস্বামি ! মাগোহোঁ শৰণ হেৰা আমি
তোমাকে নভজি ! ভৈলোঁ অধোগামী ॥
পদ। পাছে উগ্ৰসেনক নৃপতি পাতি হৰি।
নন্দকো কৰিলা শান্ত বচনে সাদৰি ॥

যেন মতে মানো বসুদেব দৈবকীক।
তুমি পোষ্টা পিতৃ দেখোঁ তাহাতো অধিক॥ ১॥
অনন্তৰে নৱগুণ দিলা গর্গ ঋষি।
পাছে গুৰুগৃহে বাসা কৰিলা হৰিষি॥
জানিলা চৌষষ্টি কলা পাছে চক্ৰপাণি।
দিলা গুৰুদক্ষিণা মৃতক পুত্ৰ আনি॥ ২॥
মথুৰাক আসি কৃষ্ণে পঠাই উদ্ধৱক।
কৰাইলা আশ্বাস পাছে যশোদা নন্দক॥
গোপী সমস্তক বাক্য সন্দেশ পঠাই।
সান্ত্বনা কৰিলা কৃপাময় যদুৰায়॥ ৩॥
কুবুজাক ক্ৰীড়ি কৃষ্ণ জগত ঈশ্বৰ।
প্ৰৱেশিল গোবিন্দ গৃহত অক্ৰূৰৰ।
অৰ্চ্চিলন্ত দানপতি পায়া মাধৱক।
পাণ্ডৱৰ পাশক পঠাইলা অক্ৰূৰক॥ ৪॥
জৰাসন্ধ-ভয়ে যেন প্ৰভু যদুৰাজে।
নিৰ্ম্মিলা দ্বাৰকাপুৰী পয়োনিধি মাঝে॥
নিলা তৈকে মথুৰাৰ প্ৰজা যোগ বলে।
মাৰিলাহা জৰাসন্ধ-সেনাক সকলে॥ ৫॥
বধিলা যবন মুচুকুন্দক দেখাই।
কৰিলন্ত স্তুতি মুচুকুন্দ মহাৰায়॥
দিলন্ত প্ৰসাদ তাঙ্ক পৰম ভকতি।
মুচুকুন্দে লভিলন্ত ভগৱন্ত গতি॥ ৬॥

জৰাসন্ধ ভয়ে নৰ চেষ্টাক দেখাই।
পশিলা পলাই দ্বাৰকাত দুয়ো ভাই ॥
ৰুক্মিণী পঠাইলা গোপ্য প্ৰেম-পত্ৰ লিখি।
অতি সকৰুণ ভৈল কৃষ্ণে তাঙ্ক দেখি ॥ ৭ ॥
বিপক্ষ নৃপতি সকলক জিনি ৰণে।
ৰুক্মকো মুণ্ডিলা চক্ৰ ধৰি নাৰায়ণে ॥
দ্বাৰকাত পাতি সভা দেবতো অধিক।
কৰিলা বিবাহ মহোৎসৱে ৰুক্মিণীক ॥ ৮ ॥
ভৈলা কামদেব ৰুক্মিণীৰ গৰ্ব্ভে জাত।
হৰিলা সম্বৰে তাক কৰিলা নিপাত ॥
ভাৰ্য্যায়ে সহিতে দুনাই দ্বাৰকাক আইল।
পুত্ৰ দেখি ৰুক্মিণীৰ শৰীৰ যুড়াইল ॥ ৯ ॥
মণি হেতু জাম্ববন্ত যিনি যদুপতি।
স্যমন্তক সমে পাইলা কন্যা জাম্ববতী ॥
সত্ৰাজিতে দিলে সত্যভামাক ভয়ত।
মণিক যৌতুক দিলা কন্যাৰ লগত ॥ ১০ ॥
থৈলা সত্ৰাজিতে মাধৱে মণি পুনু।
তাঙ্ক কাটি মণি পাছে নিলা শতধনু ॥
অক্ৰূৰত মণি থৈয়া ঘোড়ায়ে পলাইল।
তাক চক্ৰে কাটি কৃষ্ণে মণিক ন পাইল ॥ ১১ ॥
দ্বাৰকা এড়িয়া পাছে পলাইল অক্ৰূৰ।
আনিলন্ত দুনাই কৃষ্ণে তাঙ্ক যদু-পুৰ ॥

তাৰ পৰা মণি লৈয়া দেখায়া জ্ঞাতিত।
এড়াইলা ভুর্যশ প্রভু পাছে বিপৰীত ॥ ১২ ॥
মিত্রবৃন্দা কালিন্দীক পাছে যদু-নাহ।
ভদ্রা সত্যা লক্ষ্মণাক কৰিলা বিবাহ ॥
এহি অষ্ট মহিষা কৃষ্ণৰ প্রিয় জায়া।
বোলা হৰি হৰি তৰা সংসাৰৰ মায়া ॥ ১৩ ॥

ঘোষা। হেলায় গোৱাইলোঁ হৰি ইহেন জনম।
নভৈল ভকতি ময় পাতকী পৰম ॥

পদ। নবকক মাৰি ৰূপে গুণে মহা ধন্যা।
ষোড়শ হাজাৰ প্রভু পাইলা দিব্য কন্যা।
স্বৰ্গৰো আনিলা হৰি পুষ্প পাৰিজাত।
দ্বাৰতে ৰোৱাইলা সত্যভামাৰ সাক্ষাত ॥ ১ ॥
ৰুক্মিণীক কৰিলাহা প্রেমে পৰিহাস।
ভৈলন্ত ভয়তে দেবী প্রাণতো নৈৰাশ ॥
চতুৰ্ভুজ হৈয়া হৰি তুলি আঙ্কোৱালি।
ৰুক্মিণীক আশ্বাস কৰিলা বনমালী ॥ ২ ॥
বুলিলন্ত কৃষ্ণে যত নিন্দা আপোনাক।
উলটায়া ৰুক্মিণী কৰিলা স্তুতি তাক ॥
ভৈলা অনুৰাগ প্রভু চৰণত আতি।
ভৰিল দ্বাৰকা কেশৱৰ পুত্র নাতি ॥ ৩ ॥
কৃষ্ণৰ সমান ৰূপ একৈক ভাৰ্য্যাত।
দশ দশ পুত্র এক জীৱ ভৈলা জাত ॥

বহুবিধ কৰি লীলা জগতৰ নাহে।
ৰুক্মিক মৰাইলা অনিৰুদ্ধৰ বিবাহে॥ ৪॥
উষাক ক্ৰীড়িলা কৃষ্ণ নাতি অনিৰুদ্ধ।
বাণক ৰাখিবে লাগি ৰুদ্ৰে দিলা যুদ্ধ॥
লীলায়ে ভঙ্গাইলা শঙ্কৰক ঘোৰ ৰণে।
চক্ৰে বাণবাহুক ছেদিলা নাৰায়ণে॥ ৫॥
যুদ্ধত নোৱাৰি স্তুতি কৰিলন্ত হৰে।
নৃগ নৃপতিক উদ্ধাৰিলা তাতপৰে॥
ক্ৰীড়িলন্ত বলভদ্ৰে গোকুলক যাই।
যমুনাকো আকুৰিলা লাঙ্গল ভেজাই॥ ৬॥
চক্ৰে ধৰি খেদি গৈল বাৰাণসী থান।
সুদক্ষিণ পৌণ্ড্ৰকৰ কৃষ্ণে লৈলা প্ৰাণ।
ৰৈবত গিৰিত ক্ৰীড়া কৰি হলধৰ।
সমৰে মাৰিল দুষ্ট দ্বিবিদ বানৰ॥ ৭॥
ধৰিলা সাম্বক কুৰু বীৰগণে চাপি।
খুজিলেক ৰামে গৈয়া নেদিল তথাপি॥
হস্তীনাপুৰক কোপে উভতাওঁ বুলি।
লাঙ্গল ভেজায়া বলে ধৰিলন্ত তুলি॥ ৮॥
কৃষ্ণৰ গৃহস্থ ধৰ্ম্ম দেখি ঘৰে ঘৰ।
পৰম বিস্ময় মন ভৈল নাৰদৰ॥
কেবলে ঈশ্বৰ মাত্ৰ দেখি পাছে ঋষি।
কৃষ্ণ গুণ গায়া চলি গৈলন্ত হৰিষি॥ ৯॥

নিশাত কৰন্ত কৃষ্ণে শয্যাত শয়ন।
কণ্ঠত আলিঙ্গি শুতি থাকে পত্নীগণ ॥
ৰজনীৰ শেষ জানি ৰাৱে পক্ষীচয়।
নাৰীগণো হোৱে কৃষ্ণ বিৰহত ভয় ॥ ১০ ॥
কুকুড়া আৰাৱ কৰে তাকো পাৰে গালি।
উঠি নিত্যকৃত্য পাছে কৰি বনমালী ॥
চৌৰাশী অধিক তেৰ হাজাৰ প্ৰমাণ।
ঘৰে ঘৰে প্ৰতিদিনে কৰন্ত গোদান ॥ ১১ ॥
দাৰুকে যোগান্ত ৰথ চড়ি গৈয়া তাতে।
সাত্যকী উদ্ধৱ সমে বসন্ত সভাতে ॥
চতুৰ্ভিতি বেঢ়ি পাত্ৰ মন্ত্ৰি সভাসদ।
দেব-কাৰ্য্য সাধিৱাক আসিল নাৰদ ॥ ১২ ॥
জৰাসন্ধে বান্ধি আছে নৃপতি বহুত।
কৃষ্ণত শৰণ মাগি পঠাই দিলা দূত ॥
সেহি বেলা যুধিষ্ঠিৰে পঠাইলন্ত মাতি।
মন্ত্ৰীগণ সমে কৃষ্ণে আলোচিলা ৰাতি ॥ ১৩ ॥
উদ্ধৱ সহিতে পাছে কৈলা ইন্দ্ৰপ্ৰস্থ।
পূৰিলন্ত পঞ্চ-পাণ্ডৱৰ মনোৰথ ॥
কৃষ্ণৰ কিঙ্কৰে কহে দুঃখ তেবে তৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥ ১৪ ॥

---

ঘোষা। পিয়ো পিয়ো ৰাম নাম অমৃত।
বৃথা কথা কই নমৰ চিত্ত ॥

পদ। যুধিষ্ঠিৰ ৰাজা কৃষ্ণক পাই।
অচ্ছিলন্ত অতি দুনাই দুনাই ॥
ৰাজাক কৃষ্ণে নমি প্ৰণিপাতে।
মৰাইলা মাগধ ভীমৰ হাতে ॥ ১ ॥
মেলায়া ভকত নৃপতিচয়।
দেখাইলা নিজ ৰূপ কৃপাময় ॥
প্ৰসন্ন-মুখ পঙ্কজৰ জ্যোতি।
কৌস্তুভ কণ্ঠে গলে গজমতি ॥ ২ ॥
মকৰ কুণ্ডলে উজ্জ্বল গণ্ড।
প্ৰকাশে চাৰু চাৰি ভুজ দণ্ড ॥
কিৰিটীৰত্ন শিৰে কৰে কান্তি।
উৰঃস্থলে জ্বলে শ্ৰীবৎস পান্তি ॥ ৩ ॥
শ্যাম তনু তাতে পীতবসনে।
বিজুলি ৰঞ্জে যেন নবঘনে ॥
কটিতটে জ্বলে ৰত্নৰ জ্বালা।
আপাদলম্বী গলে বনমালা ॥ ৪ ॥
চৰণপঙ্কজে মঞ্জীৰ ঘোষ।
মিলাৱে ভৃত্যৰ মনে স[illegible]ন্তোষ ॥
সম্মুখে দেখে হেন হৃ[illegible]কেশ।
সমস্তে এড়াইলা ব[illegible] ক্লেশ ॥ ৫ ॥

আনন্দে দ্রবিল সবাৰো চিত্ত।
লোকত ঝৰে তনু ৰোমাঞ্চিত॥
আছিল মৰি দুনাই যেন জিল।
আলিঙ্গিয়া যেন নয়নে পিল॥ ৬॥
চাহান্তে গৈল অনুৰাগ চড়ি।
প্রণামিলা আতি চৰণে পড়ি॥
হৰিষতে যেন পাইলা মুকুতি।
কৰিলা কৃষ্ণক অনেক স্তুতি॥ ৭॥
মাগিল পৰম ভকতি দান।
সবাকে কৰিলা কৃষ্ণে সম্মান॥
তুষিয়া পঠাই দিলা নিৰন্তৰ।
ৰাজ-সূয়ে আসি যোগাইলা কৰ॥ ৮॥
কৰি ৰাজ-সূয় যজ্ঞ নৃপতি।
অর্চ্চিলা কৃষ্ণক মহা ভকতি॥
নিন্দিলে দেখি শিশুপাল বীৰ।
চক্র হানি কৃষ্ণে কাটিলা শিৰ॥ ৯॥
তাৰ তেজস্পুঞ্জ আসিল লড়ি।
মিলিল কৃষ্ণৰ চৰণে পড়ি॥
সাৰূপ্য পায়া ভৈলা পাৰিষদ।
বিস্ময় দেখি লোক নিঃশবদ॥ ১০॥
পৰম মানী দুৰ্য্যোধন ৰায়।
ভ্রমিলা সভাৰ সম্পত্তি চাই॥

তুলিলা বস্ত্ৰ পানী বুলি স্থলে।
স্থল হেন বুলি পড়িলা জলে ॥ ১১ ॥
দ্ৰৌপদী সমে নাৰীগণ আসি।
চাপৰি বজায়া তুলিলা হাসি ॥
ভীমৰ উপহাস্যে কুৰুৰাজ।
মৰণ সমান ভৈগৈল লাজ ॥ ১২ ॥
মৃতক যেন ভৈল কুৰুপতি।
কৃষ্ণৰ কটাক্ষে ভ্ৰমিলা মতি ॥
তোলাই ইটো কোপ কুৰুৰাজাৰ ॥
হৰিবোঁ সমস্তে ভূমিৰ ভাৰ ॥ ১৩ ॥
লাগোক বিবাদ কুৰু পাণ্ডবে।
নমাতি থাকিলা বসি মাধবে ॥
পাণ্ডবৰ হাতে সমৰ জিনি।
মৰাইলা অষ্টাদশ অক্ষৌহিণী ॥ ১৪ ॥
হৰত বৰ পায়া শাল্ব ৰাজা।
মাৰিবাক গৈলা যাদব প্ৰজা ॥
আকাশতে চলে শৌভ নগৰ।
যদু-বীৰগণে দিলে সমৰ ॥ ১৫ ॥
হস্তিনাপুৰ হন্তে আসি পাই।
কাটিলা শাল্বক যাদব ৰায় ॥
ভাঙ্গিলা শৌভক ক্ষেপিয়া চক্ৰ।
বধিলা বিদূৰথ দন্তবক্ৰ ॥ ১৬ ॥

তীৰ্থত স্নানিয়া ফুৰন্তে ৰাম।
সূতক বধি কৰি মন্দ কাম॥
বল্লল দৈত্যক মাৰি তহিত।
কৰিয়া সূত বধ প্ৰায়শ্চিত্ত॥ ১৭॥
দেখিয়া তুষ্ট ভৈল ঋষিগণ।
উগ্ৰস্ৰৱা পাইলা ব্ৰহ্ম আসন॥
কহিলা মহা ভাগবত কথা।
বোলা হৰি হৰি নমৰা বৃথা॥ ১৮॥



ঘোষা। গোপীনাথ! তুৱা পাৱে নভৈল ভকতি।
ইজন্মত মাধব গৈলোঁহোঁ অধোগতি॥

পদ। দ্বাৰকাক গৈলন্ত দৰিদ্ৰ দামোদৰ।
অৰ্চ্চিলন্ত কৰি কৃষ্ণে পৰম সাদৰ॥
গুৰু-গৃহ-বাসকথা কৈলা মন তুষ্টি।
খাইলা তান লইয়া চাউল চিড়া এক মুঠি॥ ১॥
এতেকে ঐশ্বৰ্য্য পাইলা ইন্দ্ৰৰো দুৰ্লভ।
হেন সে ঈশ্বৰ কৃষ্ণ ভৃত্যাৰ সুলভ॥
সৰ্ব্বগ্ৰাহ সূৰ্য্যৰ গ্ৰহণ আসি ভৈলা।
সমস্তে নৃপতিগণ কুৰুক্ষেত্ৰে গৈলা॥ ২॥
সপুত্ৰ বান্ধৱে যদুগণ গৈল তথা।
কৈলা ৰাজগণ অন্য অন্যে কৃষ্ণকথা॥

কৃষ্ণৰ যতেক পত্নী দ্রৌপদী সহিতে।
কহিলন্ত কৃষ্ণ কথা পৰম পীৰিতি ॥ ৩ ॥
নাৰদ প্ৰমুখ্যে মুনিগণ আইল তয়।
অৰ্চ্চিলন্ত তাসম্বাক কৃষ্ণ কৃপাময় ॥ •
পিতৃৰ কৰাইলা মহা যজ্ঞ মহোৎসব।
বান্ধবক তুষি ভূষি পঠাইলা মাধব ॥ ৪ ॥
নন্দ যশোদাক মান্য কৰিলা একান্ত।
জ্ঞান দানে গোপীক কৰিলে উপশান্ত ॥
কহিলা পিতৃত পাছে কৃষ্ণে মহাজ্ঞান।
মৃতক পুত্ৰক দৈবকীক দিলা দান ॥ ৫ ॥
অৰ্জ্জুনক আনি বিহা দিলা সুভদ্ৰাক।
ভক্তক দেখিবে লাগি গৈলা মিথিলাক ॥
শ্ৰুতদেব জনকৰ পূৰি মনোৰথ।
কৈলা উপদেশি প্ৰেম ভকতিৰ পথ ॥ ৬ ॥
ভকতিক পুছিলা নাৰদে মাধবত।
নাৰায়ণে কহিলা বেদৰ সাৰ তত্ত্ব ॥
সংসাৰক তাৰে ভকতিসি জানি মনে।
কৈলা স্তুতি বেদ শিৰোৰত্ন মন্ত্ৰগণে ॥ ৭ ॥
হৰিত ভকতি পাই পৰম মুকতি।
দিবে মাত্ৰ পাৰে আন দেবতা ভুকুতি ॥
ভৃগুঋষি আসি কৰি পৰীক্ষা পূৰ্ব্বত।
কৈলা কৃষ্ণ-গুণ মুনিগণৰ আগত ॥ ৮ ॥

মহাকাল পুৰ পশি কৃষ্ণ কৃপাময়।
আনিলন্ত বিপ্ৰৰ মৃতক পুত্ৰ চয় ॥
অৰ্জ্জুনৰ অঙ্গীকাৰ কৰিলা সফল।
হেন নাৰায়ণ দেব ভকত বৎসল ॥ ৯ ॥
ষোড়শ সহস্ৰ অষ্টাধিক এক শত।
কৃষ্ণৰ মহিষী সবে পৰম ভকত ॥
শুনিয়োক কৃষ্ণৰ যতেক পুত্ৰ ৰাশি।
একষষ্টি হাজাৰ লক্ষেক আৰ আশী ॥ ১০ ॥
তাসম্বাৰ পুত্ৰ নাতি ভৈল অপৰ্য্যন্ত।
তাক কহি কোনে আৰে পাইবে তাৰ অন্ত ॥
যদুকুলে কেশব আপুনি অবতৰি।
গঙ্গাক কৰিলা অল্প কীৰ্ত্তনত কৰি ॥ ১১ ॥
শত্ৰু মিত্ৰ উদাসীনে দিলা নিজ পদ।
ভাৰ হৰি মহন্তৰ খণ্ডিলা আপদ ॥
নুহিকে আশ্চৰ্য্য ইটো কৰ্ম্ম মাধবৰ।
সিকালত বেকত আছিলা দামোদৰ ॥ ১২ ॥
আকেসে আশ্চৰ্য্য দেখোঁ শুনা পৰীক্ষিত।
নাম মাত্ৰ লৈলে তৰি ইটো বিপৰীত ॥
আৰো যাইবে নলাগে নৃপতি তপোবন।
গৃহে গতি পাই কৰি শ্ৰবণ কীৰ্ত্তন ॥ ১৩ ॥
এহি মানে দশমস্কন্ধৰ কৃষ্ণ লীলা।
শুক মুনি পৰীক্ষিত ৰাজাত কহিলা ॥

শঙ্কৰে ৰচিলা ধৰি কৃষ্ণৰ চৰণ।
লীলামালা নাম ইটো কৃষ্ণৰ কীৰ্ত্তন ॥ ১৪
শুনা বুদ্ধ জন কেন সুখে আছা বসি।
কালে আসি পাইলে চাৱা মনে বিমৰিষি
ই হেন মনুষ্য জন্ম বৃথা যায় আয়ু।
কেতিক্ষণে ছুটে জানা ইটো প্ৰাণ বায়ু ॥
জানি হৰি ভকতিত সবে দিয়া মতি।
হৰি কথা শ্ৰৱণত দৃঢ় কৰা ৰতি ॥
কলিত কীৰ্ত্তন বিনে গতি নাহি আৰ।
ডাকি হৰি হৰি বোলা তেবেসে নিস্তাৰ ॥১

---

ইতি লীলামালা সমাপ্ত।



আমাৰ নিজৰ প্ৰকাশিত তলত লিখা ধৰ্ম্ম পুথি বিলাক
একেবাৰে অধিক ধনৰ নিলে কমিচন পাব।

| | | |
|---|---|---|
| ১। | কীৰ্ত্তন ঘোষা সম্পূৰ্ণ | ২৲ |
| ২। | দশম স্কন্ধ ভাগৱত | ১॥০ |
| ৩। | সিন্ধুৰা পৰ্ব্ব মহাভাৰত | ১৲ |
| ৪। | পুষ্পহৰণ বনপৰ্ব্ব | ॥০ |
| ৫। | ৰুক্মিণী হৰণ | ॥০ |
| ৬। | ৰাধা হৰণ | ।০ |
| ৭। | নাম ঘোষা | ॥০ |
| ৮। | বলী ছলন | ।৵০ |
| ৯। | অমৃত মথন | ।/০ |
| ১০। | ফুল কোঞৰ | ৵০ |
| ১১। | শিশুপাল বধ | ৵০ |
| ১২। | বৰ কৰতি পুথি | ।/০ |
| ১৩। | সুধন্বাবধ পৰ্ব্ব | ।/০ |
| ১৪। | আইসবাহৰ নাম | ।০ |
| ১৫। | নামতী আই | ।/০ |
| ১৬। | অনাদি পাতন | ॥০ |
| ১৭। | বাৰভণী বিথালী | ।০ |
| ১৮। | বৰ বেজালী | ।০ |
| ১৯। | ডাক চৰিত্ৰ | ।০ |
| ২০। | লক্ষ্মণৰ শক্তিশেল | ।০ |

ইয়াৰ বাহিৰেও আমাৰ হাতত নানা ৰকমৰ ধৰ্ম্মপুথি আছে
যাকে যিহকে লাগে আমালৈ লিখিলেই পাব।

শ্ৰীশিবনাথ ভট্টাচাৰ্য্য।
পোঃ অঃ বিহাবাৰী।